# নন্দা-সম্বাদ ।

শ্ৰীহৰেশ্বৰ শৰ্ম্মা চূড়ামণী ভট্টাচাৰ্য্যৰ

দ্বৈ

"ৰত্নেশ্বৰ-পুস্তকালয়"ৰ পৰা পকাশিত ।

ড্বাঙ্কি ৫০

১৯০৮

প্ৰথম সংস্কৰণ

কলিকাতা,

উইলিয়ম্‌স্ লেন, ৪ নং ভবনস্থ

দাস যন্ত্ৰে

[redacted]লাল ঘোষ কৰ্ত্তৃক মুদ্ৰিত ।

বেচ ৶০ তিনি আনা মাথোন ।

শ্ৰীশ্ৰীহৰি ।



# নন্দী-সম্বাদ ।

কাৰ্ত্তিক বদতি প্ৰভু নন্দী মহাশয় ।
নাম ভেদে কতবা প্ৰকাৰ পৰিণয় ॥
ইহাৰ প্ৰবন্ধ প্ৰভু শিখায়ো আমাক ।
যি হেতু পিতৃৰ সম মানোহো তোমাক ॥
এত শুনি কাৰ্ত্তিকত নন্দী নিগদতি ।
আঠ বিধ বিবাহ জানিবা সেনাপতি ॥
যি মতে পুছিলা চিত্ৰসেনে নাৰদত ।
সেহি সব তোত আজি কৰিবো বেকত ॥
পুনু নাৰদৰ আগে গন্ধৰ্ব্ব নৃপতি ।
কৰ যোড় হুয়া সবিনয়ে নিগদতি ॥
হে কৃপাসিন্ধু তিনি লোক হিতকাৰি ।
যাহাৰ প্ৰভাব কেহো নাজানে বিস্তৰি ॥
হেন কল্প বৃক্ষৰ যি হেতু পাইলো লাগ ।
জানি আছো মোৰ কিছু নহে অসৌভাগ ॥
এতেকতে আৰু কিছু প্ৰশ্ন কৰো ময় ।
দ্বিজ মূৰ্ত্তি প্ৰভু মোৰ ছেদিও সংশয় ॥
ৰজোগুণময় আমি যতেক স্বকৰ্ম্ম ।
কুক সদা কৰি ধন জন গুণ গৰ্ব্ব ॥

মোক্ষতো অধিক প্ৰভু নিজ গুৰু মানো ।
যুৱতী নাৰীক প্ৰভু বিয়া কৰি আনো ॥
বেদৰ বিহিত শুনু কুমাৰীৰ বিয়া ।
কামাশক্ত গন্ধৰ্ব্ব তাহাত নাহি স্পৃহা ॥
যুবতী বিবাহ ৰূপ নিষেধ আচৰি ।
গন্ধৰ্ব্ব সকলে কিবা আছো তৰি মৰি ॥
এহি সংসয়ত প্ৰভু তাৰিও আমাক ।
শুনি হাসি হাসি ঋষি বুলিলেক বাক ॥
চিত্ৰসেন ৰাজা আত নকৰিবা ভয় ।
যুবতী বিবাহ বাপু বেদত আছয় ॥
যুবতী বিবাহ ব্ৰহ্মা নিজমুখে জাত ।
সংক্ৰম বিবাহ বুলি সাস্ত্ৰত প্ৰক্ষাত ॥
ব্ৰাহ্মণ কুলত মাত্ৰ নহব চলিত ।
ক্ষত্ৰিয়ক আদি সৰ্ব্ব কুলত বিহীত ॥
ব্ৰাহ্ম্য বিহা কৰি বিপ্ৰে যিতো পাই ফল ।
অন্য জাতি আতে তাক পাবে অবিকল ॥
আৰু যদি আতে বয়োধিক কন্যা হয় ।
তাকো বিহাইলে একো দোষ নোপজয় ॥
ব্ৰাহ্ম, দৈব, আৰ্ষ, কাই, আসুৰ, সংক্ৰম ।
ৰাক্ষষ, পৈসাচ, এহি বিবাহ অষ্টম ॥
আঠ বিধ বিবাহৰ যিমত লক্ষণ ।
কহো শুনা চিত্ৰসেন স্থীৰ কৰি মণ ॥

সমান কুলীন বৰ কৰি নিমন্ত্ৰণ।
সালঙ্কৃতা কৰি কন্যা কৰয় অৰ্পণ ॥
ইহাকে সে ব্ৰাহ্ম বিহা বুলিয়া কহয় ।
ব্ৰাহ্মণ জাতিৰ এহি বিবাহ নিশ্চয় ॥
যজ্ঞক কৰাৰে যিতো ৰিত্বিজ ব্ৰাহ্মণ ।
তাহাত কৰয় যদি কন্যা সম্প্ৰদাণ ॥
ইহাকে সে দৈৱ বিহা·বুলিয়া জানিবা।
সাস্ত্ৰৰ বিধান বাপু ইহাক মানিবা ॥
দুটী গৰু বৰ হস্তে প্ৰথমে লৱই ।
সেহি গৰু সমে কন্যা সি বৰে দিয়াই ॥
এহি আৰ্ষ বিহা বুলি জানিবা গন্ধৰ্ব্ব ।
কাইৰ কাহিনি বাপু শুনাহা অপূৰ্ব্ব ॥
আমাৰ স্বধৰ্ম্ম মতে তুমিও চলিবা ।
তেবেসে আমাৰ কন্যা বিবাহ কৰিবা ॥
এহি কথা স্বিকাৰ কৰয় যদি বৰে ।
আৰু সেহি বৰে যদি কন্যা দান কৰে ॥
ইহাকে সে কাই বিহা বেদত কহয় ।
এহি বিবাহকে প্ৰাজাপত্যও বোলয় ॥
ধন লৈয়া কন্যা দিয়ে অসাস্ত্ৰীয় মতে ।
এহি সে আসুৰ বিয়া জানিবা সততে ॥
বৰ কন্যা পৰস্পৰে অনুৰাগি হয় ।
তুমি মোৰ ভাৰ্য্যা তুমি মোৰ পতি কয় ॥

এৰূপ নিশ্চয় হৈলে যদি সেহি বৰে।
সালঙ্কৃতা কৰি সেহি কন্যা দান কৰে॥
সংক্ৰম বিবাহ এহি জানিবাহা মনে।
তোমাসাৰ যোগ্য ইহা কৰিবা যতনে॥
যাতো তোৰ কূলে এহি বিবাহ চলিবে।
সিকাৰণে ইতো বিহা গান্ধৰ্ব্ব বুলিবে॥
যুদ্ধত জিনিয়া যিতো আনয় কন্যাক।
অথবা আনয় কন্যা দিয়া ডকা হাক॥
সি জনাত সেহি কন্যা পৰে সমৰ্পয়।
ৰাক্ষষ বিবাহ বুলি ইহাকে কহয়॥
সয়নত পাই কিম্বা ৰহস্য স্থানত।
কামাতুৰ কন্যাক যি কৰয় সুৰত॥
সিজনক সেহি কন্যা কৰয় অৰ্পণ।
পৈষাচ বিবাহ এহি কৰিবা গণন॥
এহি আঠ বিধ বিয়া বেদত লিখয়।
যুবতী বিবাহ বাপু দোষ নাহি কয়॥
এতেকে ইয়াত কিছু সংশয় নকৰি।
সংক্ৰম বিয়া বিহাই আনিবা সুন্দৰী॥
শুনি চিত্ৰসেনৰ আনন্দে পাৰ নাই।
অধম মজীনে যেন মোক্ষপদ পাই॥
দৰীদ্ৰে পাইলেক যেন ৰত্নৰ ভাণ্ডাৰ।
সিমত আনন্দ ভৈল গন্ধৰ্ব্ব ৰাজাৰ॥

মুনিক প্ৰণামি বুলিলন্ত মৃদু বাণী ।
কহিওক প্ৰভু মোত বিবাহ বখানি ॥
সংক্ৰম বিবাহ প্ৰভু কোন ৰূপে হয় ।
কিবা হেতু ইটো বিয়া সংক্ৰম বোলয় ॥
ইসব কাহিনী মোত বুজায়া কহিও ।
নিজ ভৃত্য বুলি মোক মনত ৰাখিও ॥
শুনি মুনি পুনঃ নৃপতিত নিগদতি ।
যি হেতু সংক্ৰম বোলে শুনিও সম্প্ৰতি ॥
নিজ পঞ্চভূত পঞ্চেন্দ্ৰীয় পঞ্চ প্ৰাণ ।
পঞ্চামৃত ঘ্ৰানি তাতে কৰিব নিধাণ ॥
সেহি পঞ্চামৃত পৰস্পৰে ঘ্ৰাণ কৰি ।
ত্ৰিপঞ্চক থাপিবে আপোণ হিয়ে ধৰি ॥
স্বামী ভাৰ্য্যা হৈলো হেন মনত ভাবিব ।
দুইৰো এক দেহা বুলি নিশ্চয় মানিব ॥
তেতিক্ষণে জনকৰ গোত্ৰ নিবৰ্ত্তিব ।
ভৰ্ত্তাৰ গোত্ৰক সেহি যুবতী ভজিব ॥
উভয়ৰ পাপ পুণ্য সুখ দুঃখ যত ।
মিলিয়া ভুঞ্জিব বাপু কহিলো সাম্প্ৰত ॥
এহি মতে ত্ৰিপঞ্চ যি হেতু সংক্ৰমই ।
সিহেতু সংক্ৰম বিয়া ইহাক বোলই ॥
আছে বহু আৰু অঙ্গ আঙ্গি পৰিপাটি ।
কহো তাক বুজি লবা ছিও ধৰি ডাঁটি ॥

নব দিন সাত পাঞ্চ কিম্বা তিনি দিন ।
বৰ কন্যা দুয়োকো নোঁঞাব ভিনে ভিন ॥
আয়তী সকলে মহা মহোৎসব কৰি ।
প্ৰতি দিনে সাত পাঞ্চ স্বৰ্ণ ঘট ধৰি ॥
নদী জল আনিয়া স্নানিবে দুই হাস্তক ।
দিবে দান দুখি ভিক্ষু বিপ্ৰ দৈবজ্ঞক ॥
নৃত্য গীত বাদ্য বজাইবেক অবিচ্ছেদ ।
গৃহৰ সজ্জাক আছৰিবে নানা ভেদ ॥
নিজ দ্বাৰ গৃহ বাট ঘাটত যতনে ।
ৰম্ভা কুই আম্ৰ পত্ৰ আঁাৰিব সঘনে ॥
দধি দুগ্ধ মিষ্টান্ন মোদক যত যত ।
প্ৰতি দিনে মন পুৰি খুৱাইবে গৃহত ॥
কৰ্পূৰ তাম্বুল দিয়া সবাকো তুষিব ।
নট ভাট নৰ্ত্তকীক বসনে ভূষিব ॥
নিত্য নব বস্ত্ৰে অলঙ্কাৰে বেশ কৰি ।
আনন্দ কৰিবে সবে আয়তী শুন্দৰী ॥
প্ৰতি দিনে নানা ৰঙ্গে নাম গুণ গাব ।
এহি মতে বিবাহৰ পূৰ্ব্ব দিন পাইব ॥
বৰ কন্যা হৱিষ্য কৰিবে দিবাভাগে ।
ৰজনীত অধিবাস কৰিবাক লাগে ॥
বীজ ধান্য পুটলিত জননী বসিব ।
কন্যাক আনিয়া তান কোলাত ৰাখিব ॥

অনেক আয়তী লোক সিথানে চাপিয়া ।
কোছে লাজা দূর্ব্বাক্ষত পুষ্প ফল নিয়া ॥
হাতে পিষ্ট প্রদীপ সুগন্ধি মালা লই ।
উৰুলি পাৰিয়া কন্যা শিৰে দিব গই ॥
শুভ সতী হৌক বুলি আশীষ কৰিব ।
গান বাদ্য যয়ঘোষ উৰুলি পাৰিব ॥
সেহি কালে অষ্ট গন্ধ বান্ধি আঞ্চলত ।
হাতে লাঠি মাঠে কুলা সুবেস গাৱত ॥
হেন এক কূল বৃদ্ধা আয়তী আসিব ।
তোপোলা জোকাৰি সেহি সভাত মিলিব ।
দেখি অন্য নাৰী পুছিবেক হাসি হাসি ।
কোন কাযে কূল বৃদ্ধা আছা ঐক আসি ॥
কম্পি ঝম্পি বুঢ়ি পাছে কৰিবে উত্তৰ ।
আমুকীৰ বিয়া শুনি আসিলো সত্বৰ ॥
মহা সুমঙ্গল ময় অষ্ট গন্ধ ছয় ।
প্রবন্ধ কৰিয়া তাক আনিআছো ময় ॥
যদি মন পুৰি মোক দিব পাৰা ধন ।
তেবে সে অপ্রাপ্য বস্তু লভিবা ইঠান ॥
হেন শুনি অন্য নাৰী কৰিবে উত্তৰ ।
কিবা গুণ আছে তোৰ অষ্টম গন্ধৰ ॥
তাক কহা শুনি যদি ভাল পাও মনে ।
ধন দিয়া অষ্ট গন্ধ লৈবো এতিক্ষনে ॥

সেহি বাক্য শুনি বুঢ়ি বুলিবেক ৰাপি ।
অষ্ট গন্ধ মহীমা নজান মন্দ ভাগী ॥
ইটো অষ্ট গন্ধৰ প্ৰভাবে যতুপতি ।
দ্বাৰকাত লভিলেক ততেক সন্তুতি ॥
হৰগৌৰী দুজনাৰ হৈল সুভ সতী ।
কুবেৰেও পালে জানা তেনুৱা সম্পত্তি ।
বিবাহৰ পূৰ্ব্ব দিনে এহি অষ্ট গন্ধে ।
যেহি বৰ কন্যা কৰে তিলক প্ৰবন্ধে ॥
আৰু বিবাহৰ দিনে অষ্ট গন্ধ জলে ।
যদি বৰ কন্যা স্নান কৰে কুতূহলে ॥
গ্ৰহ দোষ দৈব দোষ নৃপতিৰ ৰোষ ।
সৰ্ব্ব দোষ গুছি হৱে মনত সন্তোষ ॥
সম্পত্তি সন্তুতি ৰতি শক্তি অতীশয় ।
সৰ্ব্বদায়ে বাঢ়ে তাৰ কহিলো নিশ্চয় ॥
হেন শুনি তাইৰ অষ্ট গন্ধক ৰাখিব ।
ধনে বস্ত্ৰে সন্তোষিয়া গৃহক পাঠিব ॥
পাছে সাত পাঞ্চ আয়তীয়ে যত্ন কৰি ।
তাহাক বাটিব ভালে পটা পুত্ৰ ধৰি ॥
নানা বাদ্য ভণ্ড ঘণ্টা উলূধ্বনী কৰি ।
কন্যাক তিলক দিবে হৰগৌৰী স্মৰি ॥
বিবাহ দিনক লাগি অৰ্দ্ধেক ৰাখিব ।
এহি কৰ্ম্ম বৰৰো মাতৃয়ে আছৰিব ॥

পাচে চিত্ৰসেনে নাৰদত নিগদতি ।
কোন অষ্ট গন্ধ মোক বুজায়ো সম্প্ৰতি ॥
কস্তুৰি কুঙ্কুম কুড় মুষ্ঠ গোৰোচন ।
অগুৰু হৰিদ্ৰা শুদ্ধ গন্ধ গাথিয়ন ॥
বিয়াৰ মঙ্গল বাপু এহি অষ্ট গন্ধ ।
কৈবো আত পৰে শুনা শেষ কথা বন্ধ ॥
সেহিৰূপে মাতৃয়ে কন্যাক অধিবাসি ।
পুহাইবে ৰজনী মহোৎসবে হাসি লাসি ॥
ঊষা সময়ত কৰি উৰুলি মঙ্গল ।
কন্যাক দৈয়ন দিবে আয়তী সকল ॥
পাচে দিবাভাগে মহা মহোৎসব কৰি ।
মাতৃগণে তীৰ্থ জল আনিবেক ভৰি ॥
মিঠি আমলকি তিল শৰ্ষপ হালধি ।
মাষ মুষ্ঠ নলি এই অষ্ট মহৌষধি ॥
মিহলি কৰি গন্ধ তৈল সহিতে ঘঁশিব ।
সখি গণে উৰুলি মঙ্গল আছৰিব ॥
অষ্ট গন্ধ মিশ্ৰ জলে কৰাইবেক স্নান ।
কৰাইবে কন্যাক দীৰ্ঘ বস্ত্ৰ পৰিধান ॥
নানা মতে উৰুলি মঙ্গল আছৰিব ।
সখিগণে নানা ৰঙ্গে আমোদে খেলিব ॥
নানা ৰত্ন অলঙ্কাৰ পিন্ধাবে যতনে ।
কেশ বেশ কৰাবে যতেক সখিগণে ॥

দীব্য পুষ্প মালাচয় পিন্ধাইব যতনে।
হস্তপদ মূণ্ডক মণ্ডিব বিতোপনে ॥
কপালে তিলক দিব নয়নে কজ্জ্বল।
দেখাইবেক আনি পাচে দর্পণ বিমল ॥
সমান বয়সী বেশী কেশি এক বাসি।
হেন এক সখি সদা থাকিব উপাসি ॥
বাম কৰে তাম্বুল কটাৰি ফল লই।
ক্ষণ অপেক্ষিয়া কন্যা থাকিবেক ৰই ॥
পাচে বিবাহৰ গৃহ নির্ম্মিবেক যত্নে।
মণ্ডিবেক মুক্তা জাল আদি নানা ৰত্নে।
কিঙ্গিনী মুৰালি থোপা বিতান চামৰ।
নিয়োজিব আৰু তাতে সুগন্ধ বিস্তৰ ॥
স্বৰ্ণী পটাকা ধ্বজ ভাল মতে দিব।
সফল কদলি চউপাশত ৰোপিব ॥
নিজ ভাৰ্য্যা সমে দিকপালৰ প্রতিমা।
চাৰিও বেৰত আউৰ লিখিব অসীমা ॥
হৰগৌৰী লক্ষ্মী জনার্দ্দন ৰতি কাম।
ইসব প্রতিমা লিখিবেক অনুপাম ॥
সেহি বেদী আগে মুর্ত্তি কৰিব পবিত্র।
তাহাতে মণ্ডল এক ৰছিব বিছিত্র ॥
আগবতি দুনৰী অক্ষত তাত ভৰি।
জল পুর্ণ পঞ্চ ঘট থৈবে শাৰি শাৰি ॥

ঘৃত মাত বত্তি ৰাখিবেক বেদী মাজ ।
কৰিবেক আনো যত সুমঙ্গল কাজ ॥
দুই কাংস্য পাত্র কাংস্য আচ্ছাদন কৰি
মণ্ডলত থৈবে সুদ্ধ পঞ্চামৃত ভৰি ॥
ৰাজে সভা পাতিয়া কন্যাৰ পিতা ভাই ।
আনন্দে বসিব জ্ঞাতি কুটুম্ব চপাই ॥
গান বাদ্য নর্ত্তন বিবিধ খেৰি গাই ।
এহিৰূপে থাকিব সংক্রম ক্ষণ চাই ॥
কন্যাৰ যতেক কর্ম্ম কহিলোহো মই ।
বৰতো ইসব বাপু কৰিতে লাগই ॥
পাছে বৰে বস্তুদান পূণ্যক আছৰি ।
সম বয়ো বেস এক সখি হাতে ধৰি ॥
মহামহোৎসবে অতী শুভক্ষণ চাই ।
কন্যাৰ ঘৰক লাগি আসিবে বজাই ॥
শ্বশুৰৰ গৃহ দ্বাৰে পিঠৈক থাপিব ।
যান হস্তে নামি বৰ তথাতে বহিব ॥
পাচে কন্যা পিতৃ ভ্রাতৃ খুড়া এক জন ।
মহা আস্তে ব্যস্তে যাই ধুৱাইবে চৰণ ॥
পিষ্টক প্রদীপ বস্ত্র অলঙ্কাৰ লই ।
গন্ধ পুস্প মহোৎসবে বৰিবেক গই ॥
শুনা আত পৰে কথা চিত্রসেন ৰাই ।
বৰৰ লগত যত পিতৃ ভ্রাতৃ যাই ॥

তাৰা সবে দীব্য দীব্য বাচনে ভৰিয়া।
কৰ্পূৰ তাম্বুল বস্ত্ৰ নিবে আশ্চাদিয়া ॥
কন্যাক লাগিয়া আৰু বিবিধ প্ৰকাৰ।
আশ্চাদন কৰি নিবে বস্ত্ৰ অলঙ্কাৰ ॥
সি সব সহিতে যাই বসিবে সভাত।
দিবে বস্ত্ৰ অলঙ্কাৰ পিতৃৰ সাক্ষাত ॥
আৰু তাসম্বাক বস্ত্ৰ গুৱা পাণ আনি।
যথা যোগ্য সম্মানিব মান্যবন্ত জানি ॥
পাছে কন্যা বাপে দুহীতাৰ অলঙ্কাৰ।
জ্ঞাতিক দেখায়া বাপু কৰিব শ্বিকাৰ ॥
ভাৰ্যনা সকলৰ আগে দিবেক পঠাই।
নৃত্যে গীতে দুয়ো দল থাকিব তথাই ॥
অনন্তৰে কন্যাৰ জননীগণ ৰঙ্গে।
সৌভাগ্য তুলিবে যাইবে সখি সব সঙ্গে ॥
বৰৰ সাক্ষাতে যাইবে উৎসব কৰিয়া।
নদীক পূজিব বহু উপহাৰ দিয়া ॥
কিন্তু বৰে যেন সাগু নেনেথে যিমত।
সৌভাগ্য তুলিতে বাপু চলিব সিমত ॥
সৌভাগ্য দিওক প্ৰভু জল ভগবান।
তুমি বিনে জগতে সৌভাগ্য নাই আন ॥
সৌভাগ্যক সাধি স্তুতি কৰো পায়ে পৰি।
দুহিতা সৌভাগ্য হেতু জল নিও ভৰি ॥

এহি ৰূপে শীঘ্রে জল তুলিয়া আনিব।
সেহি জলে সৌভাগ্য তিলক নিয়মিব ॥
মনঃশিলা গৌৰী কুঙ্কুম গোৰোছন।
মধু সমে আয়তীয়ে কৰিবে মৰ্দ্দন ॥
বাদ্য ভণ্ড উৰুলি উৎসব কৰিবৰ।
কন্যাক তিলক দিবে কৰি মনোহৰ ॥
পাচে শাশু জোঙাইক আনিতে যাইব ৰঙ্গে।
মহোৎসবে অনেক যুবতী কৰি সঙ্গে ॥
গন্ধ মালা ধূপ লৈয়া পিষ্টক প্রদীপ।
পাখায়ে বদন ঢাকি চাপিব সমীপ ॥
প্রথমতে গন্ধ পুষ্পে কৰিবে অৰ্চ্চন।
ধূপ দীপে পিষ্টকে কৰিবে নিৰাজন ॥
অখণ্ড হিপৰ্ণ পত্রে নবনীত সানি।
জমাইৰ কপোল যুগ্মে ঘশাইয়া আনি ॥
শাশুৰ হৃদয় দেশে তাক নিয়োজিব।
এহিৰূপে আপ্যায়ণ ত্ৰিবাৰ কৰিব ॥
উৰুলি জোকাৰ পাৰিবেক ঘনে ঘনে।
দূৰ্ব্বাক্ষত পুষ্প বৰষিবে নাৰীগণে ॥
ইমতে শাশুৰি যেবে আসিব আদৰি।
যাইবে বৰ বিয়া ঘৰে যান পৰিহৰি ॥
বেদীৰ সম্মুখে পূৰ্ব্ব বদনে বসিব।
কন্যাকো তথায়ে সখি সকলে আনিব ॥

কিন্তু বস্ত্রে দুইকো কৰাইবেক ব্যবধান।
প্ৰথমে কৰিবে কন্যা পুষ্প মালাদান॥
মুখচন্দ্ৰ পাঠ বৰে ত্ৰিবাৰ কৰিব।
নাৰীগণে লাজা পুষ্পাক্ষত বৰষিব॥
হাস্যিৰস নাৰীৰ আনন্দ কৰ্ম্ম যত।
সিকালে কৰিব বাপু কহিলো সাম্প্ৰত॥
আচ্ছাদন গুচাই দুইকো দুই সখি ধৰি।
নিজাসনে বৈসাইবেক এক কোন কৰি।
লগ্ন গ্ৰন্থি বান্ধিবে বিশিষ্ট বস্ত্ৰ আনি
অগুৰু সুগন্ধ ধূপ লগাইবেক আনি॥
দুই পঞ্চামৃত পাত্ৰ দুইকো আগে দিব।
পিধান গুচায়া তাক দুয়ো আলোড়িব।
তত্ত্ব মুদ্ৰা ধৰি তাক কৰিবেক ঘ্ৰান।
নিজ ত্ৰিপঞ্চক তাত কৰিব নিধান॥
পাচে সেহি পাত্ৰক সলায়া পৰস্পৰে।
ঘ্ৰান কৰি ত্ৰিপঞ্চ ৰাখিব অভ্যন্তৰে॥
পূৰ্ব্বে যি কহিলো তাক মনত ভাবিব।
এহি মতে সংক্ৰম ত্ৰিবাৰ আচৰিব॥
সিকালে উৰুলি জয়ধ্বনী সংখৰব।
ঘণ্টা আদি বাদ্যচয় সঘনে বজাব॥
পাচে কন্যা হস্তব ওপৰে বৰ হাত।
ভৃঙ্গাৰৰ জল সখি সবে দিব তাত॥

সেহি জলে দুইৰো হস্ত কৰিব ক্ষালণ ।
লিখিত প্ৰতিমা সব কৰিব ইক্ষণ ॥
তাসম্বাৰ পদসেবা কৰিব মনত ।
তাম্বুল পুটলি সলাইবেক পূৰ্ব্ব মত ॥
সিঠানে পুৰুষ লোক না জাইবে বিস্তৰ ।
ইহাত আনন্দ জানা যুবতী সবৰ ॥
এহি সংক্ৰমন বিহা কৈলো তোৰ আগে ।
নাচাবিবা আক দিবসৰ শেষ ভাগে ॥
বৰৰ সঙ্গত যত লোক আছে আসি ।
তাহাক ভুঞ্জাইবে যত মিস্ট অন্নবাসি ॥
পাছে এক অঙ্গুৰীক বৰৰ হাতৰ ।
কন্যাৰ হাতত নিয়া পিন্ধাইবেক বৰ ॥
অনন্তৰে দুইকো দুই সখি হাতে ধৰি ।
আসনৰ তুলিবেক এক কাল কৰি ॥
হেন কালে লগ্ন গ্ৰন্থি সখিয়ে মেলিব ।
উৰুলি মঙ্গল ধ্বনী যয় উচ্চাৰিব ॥
পাচে কন্যা মাতৃয়ে বান্ধব সমে গই ।
দ্বাৰৰ দ্বিদিনে ধৰি থাকিবেক ৰই ॥
বৰেও কন্যাৰ হস্ত আকৰ্ষণ কৰি ।
চলাইবেক পদ মনে হৰগোৰী স্মৰি ॥
মাতৃ ভুজ তলে সৰকীয়া দুই জন ।
ৰাজৰ সভাত বসিবেক তেতিক্ষন ॥

ভাৰ্য্যা সমে বন্দিবেক শাহু শহুৰক।
লৌকিতা কৰিব আনো প্ৰধান লোকক॥
কুল বৃদ্ধে আসি প্ৰবোধিবে নানা মত।
আজ্ঞা লৈয়া বৰে যাই উঠিবে যানত॥
কন্যাও যৌতুক সমে পাচত চলিব।
স্বামী গৃহদ্বাৰে যাই উভয়ে ৰহিব॥
বৰৰ ঘৰত কৰি নানা সুমঙ্গল।
আদৰি আনিতে যাইবে জননী সকল॥
পূৰ্ব্ব মতে পর্ণ পত্ৰে আপ্যায়ন কৰি।
পুত্ৰ পুত্ৰবধূ দুইকো আনিব সাদৰি॥
বহু অন্ন ব্যঞ্জন দেখাইবে অভ্যন্তৰে।
কুল দেবতাক প্ৰনামিব দেব ঘৰে॥
ভাৰ্য্যা সমে পিতৃ মাতৃ গুৰুক সেবিব।
পাচে নিজ ঘৰে দুয়ো গৈয়া প্ৰবেশিব॥
তৈতে এক শিলাত কন্যাৰ পদ দিব।
তাহাৰ ওপৰে বৰ পদ নিয়োজিব॥
তাহাৰ উপৰি আয়তীয়ে দিব জল।
কৰিবেক বাদ্য আদি উৰুলি মঙ্গল॥
শিলা সম স্থীৰ হৈতে আশীৰ্ব্বাদ দিব।
তেবে কন্যা বৰ দুই ভোজন কৰিব॥
কিন্তু প্ৰাতসক আদি সেহি ক্ষণ অন্ত।
বৰ কন্যা সখি সমে ব্ৰতে ৰহিবন্ত॥

কন্যা সঙ্গে সম্বন্ধি যতেক জন যাবে।
তুষিবে সবাকো খান দান নানা ভাবে॥
শুনিওক সভাসদ ৰহস্য কথন।
চিত্ৰসেন নাৰদৰ সম্বাদ শোভন॥
ইহাক জানিলে হৱে সদাছাৰ জ্ঞান।
সদাছাৰি ভৈলে পাইবে স্বৰ্গ শুখ স্থান॥
বিশেষতঃ নন্দীসংহিতাৰ ইটো কথা।
সংহিতা শ্ৰৱণে সিদ্ধি সাধয় সৰ্ব্বথা॥
পদ বুলি হেলা কৰিবাক নাহি লাগে।
হানি বৃদ্ধি নাই ভাঙ্গিলোহো অনুৰাগে॥
এহি সম্বাদক নন্দী কহিছে কাৰ্ত্তিকে।
শুভ ফল হবে আক শুনিলে আস্তিকে॥

পুনঃ মুনি নিগদতি, শুনা গন্ধৰ্ব্বৰ পতি
আছে আৰু শেষ কিচু অঙ্গ।
কহো তাক তোৰ আগে, বুজি ল'বা অনুৰাগে,
যাতো তুমি পাইলা মোৰ সঙ্গ॥
বিবাহ দিনৰ ৰাতি, যিতো দীব্য সজা পাতি,
বৰ কন্যা সোৱে প্ৰথমত।
নলাবিবে কেহো তাক, কহিলো নিচ্ছিত বাক,
তিনি দিন নহৱে যাবত॥

লবালে সন্তানচয়, কুৰূপ কুবুদ্ধি হয়,
নিজ কূল ধৰ্ম্মে গুছে মন।
এতেকে কন্যাৰ মাৰে, আসিয়া সজ্যাৰ ঠায়ে,
ত্রি দিনত কৰিবে চালন॥
পাচে কন্যা গৃহ হন্তে, আনি দ্রব্য অপর্যান্তে,
মিষ্টান্ন মোদক নানা মত।
পঞ্চাশ ব্যঞ্জনে অন্ন, কৰি লৈয়া উপসন্ন,
খাইবে সবে ৰৰৰ গৃহত॥
ভোজনৰ পূৰ্ব্বক্ষণে, কন্যাএ একান্ত মনে,
সাজ বস্ত্র লৈয়া অনুপাম।
আপোন পিতৃৰ ভাৰে, শ্বশুৰৰ দুই পাৰে
অতী নম্রে কৰিবে প্রণাম॥
শ্বশুৰে বুলিবে চাই, চিৰঞ্জীবি হোৱা আই,
লক্ষ্মীৰূপে থাকা মোৰ ঘৰে।
নকৰিবা দ্বন্দ গৰ্ব্ব, তোমাতে অৰ্পিলো সৰ্ব্ব,
বসস্বতী হৈবা নিৰন্তৰে॥
এতেক আশীষ কৰি, দিবেক অঞ্জলী ভৰি,
দিব্য বস্ত্র মণি মুক্তা চয়।
পাচে কন্যা পূৰ্ব্ব মত, শাশুৰিৰ চৰণত,
মাতৃ ভাবে বন্দীবে লাগয়॥
জননীও তুষ্ট মনে, শীৰ ঘ্রানি ঘনে ঘনে,
আশীৰ্ব্বাদ কৰি নানা মত।

আপোন দুহিতা মানি, দিব্য মণি মুক্তা আনি,
দিবে পুত্রবধূৰ হাতত ॥
এহি মতে ভাৰে ভাৰে, মান্য মান্য জন পাৰে,
যথা যোগ্য কৰিব বন্দন ।
জাতৰ ননন্দী সঙ্গে, কন্যায়ে মনত ৰঙ্গে,
পাচে যাই কৰিব ভোজন ॥
অনন্তৰে সন্ধ্যাকালে, সামগ্ৰী চপায়া ভালে.
ক্ষোভ সভা কৰিতে লাগয় ।
পাচে কন্যা মাতৃ বাসি, যতেক আছিল আসি,
যাইবে সবে আপোন আলয় ॥
আৰু ৰীতি আছে এক, শুনা কহো বন্ধু তাক,
যেবে পাইব অষ্ট দিন আসি ।
শ্বশুৰ গৃহক লাগি, যাইবে বৰ অনুৰাগি,
সভাৰ্য্যে দ্ৰব্যৰ লৈয়া ৰাসি ॥
বৰৰ সম্বন্ধি জন, যাইবে সঙ্গে হৃষ্ট মন,
ভুঞ্জিবাক দিবে অন্ন জল ।
পূৰ্ব্বেও পিনাকপাণি, ইকাৰ্য্যক শুভ মানি,
আছৰি আছয় কুতুহল ॥
পাছে শাশু হৰ্ষ মনে, সিদ্ধ কৰি তাবক্ষণে,
চৌষষ্ঠি ব্যঞ্জন সমে অন্ন ।
সুবৰ্ণ বাছন ভৰি, যমাইক সৎকাৰ কৰি,
স কুটুম্বে কৰাইবে ভোজন ॥

ভাল ভাল মতিচুৰ, নানা পিঠা সুমধুৰ,
মনোহৰ ফেনি লচকৰা।
সু সন্দেশ ৰচগোলা, দেখিলে শুন্দৰ বোলা,
ঘিলা পিঠা আৰু আলু পোৰা॥
ঘন ক্ষীৰ ননী ক্ষীৰ, অত্যন্ত সুগন্ধ নীৰ,
চেকা দধি পৰমান্ন ভাল।
চেনা চেনি মনোনীত, মিচিৰি নতুন ঘৃত,
মাখনকো দিবে সেহি কাল॥
ভোজনৰ হীত জানি, আচাৰ বিহাৰি আনি,
আৰু লোন আদা দিবে গই।
চাটনি যতেক পাই, দিবে আনি সেই ঠাই,
এহি মতে ভূঞ্জাইবে জামাই॥
পাচে সাজ বস্ত্ৰ দিয়া, জামাতাক সন্তোষিয়া,
গৃহে যাইবে দিবেক বিদাই।
বৰে সেই আজ্ঞা পাই, শাহু শহুৰৰ পাই,
প্ৰনামি চলিবে নিজ ঠাই॥
বিহা দিন আদি কৰি, অষ্টম দিনক ধৰি,
বৰ কন্যা গৃহতে থাকিব।
অষ্টম মঙ্গল যেবে, ভূঞ্জিয়া আতাইব তেবে,
যথা তথা হৰিষে চলিব॥
শুনা চিত্ৰসেন ৰায়, যি শুধিলা মোৰ ঠায়,
সংক্ৰম বিয়াৰ আদি অন্ত।

জেত মহা স্নেহ কৰি, প্ৰধান সাস্ত্ৰক স্মৰি,
গোপ্য কথা কহিলো একান্ত ॥
বাপ গূঢ় শুনা মুখে, গন্ধৰ্ব্বে নাৰদ মুখে,
এহি ৰূপে বিবাহ শিখিলা ।
সেহি সব বিবৰণ, কৰিলোহো বিজ্ঞাপন,
আজি ধৰি তুমিও বুজিলা ॥
আৰু প্ৰশ্ন কৰা যদি, তোমাৰ সংশয় চেদি,
কহিবাক পাৰো অবিকলে ।
প্ৰভু মোৰ শুলপাণি, ব্ৰহ্ম সুত মুনি জ্ঞানী,
দুজনক সেবনৰ বলে ॥
শুনিওক সভাসদ, নন্দীসংহিতাৰ পদ,
ভাঙ্গিলোহো মই মূঢ় জনে ।
হৰিৰ ছৰণ চিন্তি, হৰিসে জ্ঞানৰ বন্তি,
ভাবি পূজা গুৰুৰ চৰণে ॥

## শ্লোক ও ভাঙ্গনি ।

ব্ৰাহ্মো দৈবস্তথৈবাৰ্ষঃ প্ৰাজাপত্যস্তথাসুৰঃ ।
গান্ধৰ্ব্বো ৰাক্ষসশ্চৈব পৈশাচশ্চাষ্টমোধমঃ ॥

মনু—৩।২১

মনুসংহিতা মতে—ব্ৰাহ্ম, দৈব, আৰ্ষ, প্ৰজাপত্য, আসুৰ, গান্ধৰ্ব্ব, ৰাক্ষস, আৰু পৈশাচ, এই আঠ বিধ বিবাহ। ইয়াৰ

ভিতৰৰ পৈশাচ বিবাহকে অধম বুলি ধৰিছে। মনুৱে—ব্ৰাহ্ম, দৈব, আৰ্ষ, প্ৰাজাপত্য, আসুৰ, আৰু গান্ধৰ্ব্ব, এই চয় বিধ ব্ৰাহ্মণৰ পক্ষে ; আসুৰ, গান্ধৰ্ব্ব, ৰাক্ষস, আৰু পৈশাচ, এই চাৰি বিধ ক্ষত্ৰিয়ৰ পক্ষে ; আসুৰ, গান্ধৰ্ব্ব, আৰু পৈশাচ, এই তিনি বিধ বৈশ্য আৰু শূদ্ৰৰ পক্ষে ধৰ্ম্মজনক বিবাহ বুলি ব্যবস্থা কৰিছে।

---

( ১ )

আচ্ছাদ্য চাৰ্চ্চয়িত্বা চ শ্ৰুতশীলবতে স্বয়ং,
আহূয় দানং কন্যায়া ব্ৰাহ্মোধৰ্ম্মঃ প্ৰকীৰ্ত্তিতঃ ॥

মনু—৩২।৭

বেদজ্ঞ ব্ৰাহ্মণক আনি পূজা কৰি সাচ্ছাদিতা কন্যা বিধিমত দান কৰাকেই ব্ৰাহ্ম বিবাহ বোলে॥

---

( ২ )

যজ্ঞেতু বিততে সম্যগৃত্বিজে কৰ্ম্ম কুৰ্ব্বতে,
অলঙ্কৃত্য সুতাদানং দৈবং ধৰ্ম্মং প্ৰচক্ষতে ॥

মনু—৩২৮

কন্যাক বস্ত্ৰালঙ্কাৰ পিন্ধাই যজ্ঞ পাতি সেই যজ্ঞ সম্পাদনৰ সময়ত কন্যা দান কৰাকেই দৈব বিবাহ বোলে॥

---

( ৩ )

একং গোমিথুনং দ্বে বা বৰাদাদায় ধৰ্ম্মতঃ,
কন্যা প্ৰদানং বিধিবদাৰ্ষো ধৰ্ম্মঃ স উচ্যতে ॥

মনু—৩।২৯

বৰৰ পৰা এটা বা দুটা গাই গৰু বা বৃষ ধৰ্ম্মাৰ্থে গ্ৰহণ কৰি কন্যা দান কৰাকেই আৰ্ষ বিবাহ বোলে ॥

---

( ৪ )

সহোভৌ চৰতাং ধৰ্ম্মমিতি বাচানুভাষ্যচ,
কন্যা প্ৰদানমভ্যৰ্চ্চ্য প্ৰাজাপত্যো বিধিঃ স্মৃতঃ ॥

মনু—৩।৩০

"তোমালোকে দুয়ো গাৰ্হস্থ্য ধৰ্ম্ম অবলম্বন কৰা হক" বুলি কৈ কন্যা দান কৰাকে প্ৰাজাপত্য বিবাহ বোলে।

---

( ৫ )

জ্ঞাতিভ্যো দ্ৰবিণং দত্বা কন্যায়ৈ চৈব শক্তিতঃ,
কন্যা প্ৰদানং স্বাচ্ছন্দ্যাদাসুৰো ধৰ্ম্ম উচ্যতে ॥

মনু—৩।৩১

কন্যাক বা কন্যাৰ পিতৃ মাতৃ আদিক ধন দি বিবাহ কৰোৱাকে আসুৰি বিবাহ বোলে ॥

---

( ৬ )

ইচ্ছায়ান্যোন্যসংযোগঃ কন্যায়াশ্চ বৰস্য চ,
গান্ধৰ্ব্বঃ স তু বিজ্ঞেয়ো মৈথুন্যঃ কামসম্ভবঃ ॥

মনু—৩,৩২

কামাতুৰ ভাবে দৰা চোৱালীৰ পৰস্পৰ মিলন হোৱাকে গান্ধৰ্ব্ব বিবাহ বোলে।

---

( ৭ )

হত্বা ছিত্বা চ ভিত্বা চ ক্রোশন্তীং রুদতীং গৃহাৎ,
প্রসহ্য কন্যাহৰণং ৰাক্ষসো বিধিৰুচ্যতে ॥

মনু—৩.৩৩

বলেৰে চোৱালী ধৰি নিয়াকে ৰাক্ষসি বিবাহ বোলে ॥

---

( ৮ )

সুপ্তাং মত্তাং প্রমত্তাং বা ৰহো যত্রোপগচ্ছতি,
স পাপিষ্ঠো বিবাহানাং পৈশাচশ্চাষ্টমোধমঃ ॥

মনু—৩।৩৪

শোপনীত থকা বা মদ খাই পগলা হৈ থকা চোৱালীক অতর্কিত ভাবে হাবি লৈ যোৱাকে পৈশাচীক বিবাহ বোলে।

---

অন্ত।